# শতাব্দীৰ স্বপ্ন

কুমাৰ কিশোৰ

॥ পৰিবেশক ॥
জ্যোতি প্ৰকাশন
যশোৱন্ত ৰ'ড : পানবজাৰ
গুৱাহাটী-৭৮১০০১

*SATĀBDIR SAPNA*
*A Novel Written by Kumar Kishore and Published by*
*Ganesh Kumar Sarmah, M/s. Jyoti Prakashan,*
*GAUHATI-1*

SECOND EDITION 1986
**PRICE: RUPEES TWENTY ONLY**

---

॥ শতাব্দীৰ স্বপ্ন ॥

॥ কুমাৰ কিশোৰ ॥

॥ প্ৰকাশক / গনেশ কুমাৰ শৰ্মা ॥
॥ জ্যোতি প্ৰকাশন / গুৱাহাটী-১ ॥

॥ দ্বিতীয় প্ৰকাশ ১৯৮৬ ॥
॥ বেটুপাত / শ্ৰীত্ৰৈলোক্য দত্ত, গুৱাহাটী ॥

॥ ছপা ॥ শ্ৰীসুনীলকুমাৰ নন্দী / শান্তনু প্ৰিণ্টাৰ্ছ / কলিকতা-৬ ॥
॥ বন্ধা / শ্ৰীপ্ৰেম বেনাৰ্জী / উত্তৰায়ন বাইণ্ডিং বৰ্কছ্ / কলিকতা-৬ ॥

---

॥ মূল্য ঃ কুৰি টকা মাথোন ॥

সকিয়াই থও,

শতাব্দীৰ স্বপ্ন পঢ়িব খুজিছে? পঢ়ক। বিবাহিত নহলেও প্ৰাপ্ত বয়স্কৰ দাবী আপোনাৰ আছে। কিন্তু আপোনাৰ অপৈণত ভাইটি, ভণ্টাইতে পঢ়া উচিত নে অনুচিত আপুনিয়েই বিচাৰ কৰিব। কথাষাৰ সকিয়াই থলো-নহলে আপুনিয়েই মোক গালি পাৰিব।

শতাব্দীৰ স্বপ্ন এয়া আমাৰ সমাজৰ মানে বিলম্বৰ এটা দিশ। আপুনি পঢ়ি ভাল পালে বাকী দিশবোৰৰ কথাও আপোনাক জনাবলৈ যত্ন কৰিম।

—কুমাৰ কিশোৰ

শতাব্দীৰ স্বপ্নৰ প্ৰতিটো চৰিত্ৰই আপোনাৰ চিনাকি যদিও সম্পূৰ্ণ কাল্পনিক।

মৰমৰ কালী,

দেখাত জলহু হ'লেও তোৰ মনৰ জোলোঙাত বিছাৰি পাইছিলোঁ। ভগা কাঁচৰ টুকুৰা নহয়—হীৰাৰ টুকুৰা। শতাব্দীৰ স্বপ্নই [ পাণ্ডুলিপিৰ নাম নাৰী আৰু নগৰী ] কাৰো জ্ঞানৰ ক্ষুধা, অধ্যয়ণৰ তৃপ্তি যোগাৰ নোৱাৰে জানোঁ। কেইজনমান বন্ধুৰ মতে—'ইয়াৰ প্ৰচাৰ চৰকাৰে বন্ধ কৰা উচিত। কাৰণ শতাব্দীৰ স্বপ্নৰ ৰচনাই সমাজৰ শালীনতাক বলি দিছে। সুৰুচিপূৰ্ণ কোনো পাঠকেই কিতাপখন পঢ়া অনুচিত।

সঁচা কথাখিনি জুকিয়াই লিখা কাৰণে মই জানো সঁচাকৈয়ে সমাজৰ ওচৰত অপৰাধী? তয়ে বিচাৰ কৰিবি।

—তোৰ

১৬ জুলাই '৭২ কিশোৰ

॥ ১ ॥

[ মন পথাৰত আশাৰ কঠিয়া গজে। ] সেউজীয়া। লহ্‌পহীয়া। সেউজীয়া মন। সেউজীয়া আশা। আকাশো সেউজীয়া।

"গাভৰু ছোৱালীলৈ চিঠি লিখাৰ অভিজ্ঞতা যাৰ নাই—বহুত অভিজ্ঞতা সঞ্চয় কৰিও যেন তাৰ অভিজ্ঞতাৰ ভঁৰাল উদং হৈ ৰৈ যায়।"

এয়া মোৰ কথা নহয়। কোনোবাই লোক কৈছিল। মই মাথোঁন সুঁৱৰি চাইছোঁ—'কথাটো সঁচা জানো?'

উইপিং উইলো জোপাই চকুপানী টোকে। দূৰৰ আকাশত কোনোবা বিৰহীৰ প্ৰিয়াৰ বাতৰি কঢ়িয়াই নিয়া মেঘৰ টুকুৰা।

ৰাজধানীৰ বতাহত সৰলৰ গোন্ধ। শ্বিলঙৰ সেমেকা সন্ধিয়া। হাড় কঁপোৱা চেঁচা নিশা। উজাগৰী মনবোৰত চিন্তাৰ আঁচোৰ। কল্পনাৰ। বিলাসিতাৰ। নোপোৱা কিবা এটা পোৱাৰ।

পৃথিবীৰ সকলো বস্তুৰে শেষ আছে। শেষ নাই মাথোন দুটা বস্তুৰ—আশা আৰু চিন্তাৰ। আশা আৰু কামনাৰ যাদুঘৰৰ দুৱাৰ মুখত আমি জাগ্ৰত প্ৰহৰী।

বহুত কথা মনলৈ আহিছিল। বহুতৰ কথা। ৰাজধানীত কটোৱা যোৱা পাঁচ বছৰৰ কথা। সুৰা আৰু সুন্দৰী। মাজনিশাৰ মহানগৰীৰ বুকুত বহুত গাভৰু: অনেক যৌৱনোচ্ছল নাৰী। হেজাৰ যৌৱন। অশেষ কামনা।

নিশা, শিখা, ছন্দনা, ময়ূৰী, কংলিছা, তৰামাই, কান্তা, মনালিছা, বহুত গাভৰু। বহুত নাৰী। কলেজৰ ছোৱালী, ডেকা ঘৈনী, ডাক্তৰখানাৰ নাৰ্চ, টাইপিষ্ট গাৰ্ল। আটাই কেইজনীৰ বুকুত আৰব্য উপন্যাসৰ অযুত সপোন। স্মৃতিপটত নিলিখা বহুতৰ জীৱন কাহিনী। জীয়াই থকাৰ প্ৰচেষ্টা।